# ৰাধাৰ প্ৰেম : প্ৰস্তাৱনা

.........চকু চলচল হৈছিল...

কৃষ্ণই ৰাধাৰ কপালত চকুত বুকুত হেজাৰ চেনেহৰ চুমা আঁকি দিলে... আৰু গভীৰ আকুলতাৰে

হাতখন খামুচি ৰাধালৈ চাই কলে...কাইলৈ যামগৈ মই...ভালে থাকিবা...আৰু কেতিয়াকৈ উভতি আহো নাজানো...আশা নেহেৰুৱাবা....হৃদয়ত সদায়ে আছা তুমি মোৰ....

সদায়ে থাকিবা...

...আৰু সময় হ'ল...

যমুনাৰ পুৰণা সেই মন্দিৰৰ চিৰিত বহি ৰাধা ৰৈ আছিল কৃষ্ণলৈ....কৃষ্ণ আজিও সেই কাতৰ চকুৰ আকুলতা লৈ ৰাধাৰ কাষতে বহিল...বাঁহীটো ৰাধাৰ হাতত দি চকুলৈ চাই ৰ'ল ৰাধা লৈ...

ৰাধা ! জনা বুজা বয়সৰে পৰা এই নাৰীয়েই কৃষ্ণৰ সাহস , কৃষ্ণৰ প্ৰেৰণা...

বৃন্দাবনৰ সকলো গছ বন পশু পক্ষী ৰাধা কৃষ্ণৰ প্ৰেমৰ সাক্ষী ...

বৃন্দাবনৰ এনে এডাল গছ নাই.. যি গছৰ ছাঁত বহি ৰাধাই কৃষ্ণক মৰম কৰা নাছিল....চেনেহৰ চুমা দিয়া নাছিল.....আকুলতাৰে সাৱতি ধৰা নাছিল...

সাক্ষী সকলো...

আজিয়েই সেই শেষ দিন...হয়টো আৰু কেতিয়াও নাপাব দুয়ো দুয়োকে ইমান আকুলতাৰে ইমান কাষত...

কালিলৈ কংসৰ ওচৰলৈ যাব কৃষ্ণ..নিজৰ মাককো পাব কৃষ্ণই ...

উভতি আহিবনে নাহে কোনে জানে...আহিলেও কেতিয়াকৈ বা আহে কোনে জানে ?

ৰাধাৰ ঘৰত বহুত কাম আছিল...শাহুৱেকৰ গালি খাই ফাঁকি দি আহিছে আজি শেষবাৰৰ বাবে কৃষ্ণক সাবতি হেঁপাহ পলাই কান্দিবলৈ....শেষ চুমা দিবলৈ....বিদায় জনাব নোৱাৰে কৃষ্ণক ৰাধাই কেতিয়াও...কিন্তু বান্ধি ৰখাৰ অধিকাৰো নাই ৰাধাৰ...ৰাধা জেষ্ঠ...জানে বুজে কৃষ্ণৰ দায়িত্ব...সেয়ে নিজৰ দুৰ্বলতা ঢাকি ৰাখি কৃষ্ণক সাহস দিয়ে আৰু ৰাতি উজাগৰে থাকি উচুপি উচুপি কান্দে....কাষতে লালকাল হৈ শুই থাকে নিৰ্জু স্বামী....

এটা দিনো কৃষ্ণ অবিহনে কটাব নোৱাৰা ৰাধাৰ আজি বিদায় দিয়া দিন....মনৰ হাহাকাৰ ঢাকি ৰাখি কৃষ্ণক দীঘলকৈ চুমা আঁকি দিলে ওঁঠত...কপালত...লেটু সেতু হৈ সোমাই থাকিল বুকুৰ মাজত....বহু সময়...নীৰবে....এটাও কথা নপটাকে ইজনে সিজনৰ লগত....

চকু চলচল হৈছিল...কৃষ্ণই কপালত চকুত চুমা দিলে...হাতখন খামুচি ৰাধালৈ চাই কলে...কালি যামগৈ মই...ভালে থাকিবা...আৰু কেতিয়াকৈ উভতি আহো নাজানো...আশা নেহেৰুৱাবা....হৃদয়ত সদায়ে আছা তুমি মোৰ....সদায়ে থাকিবা...

ৰাধাৰ চকুলো ৰাখিব পৰা নাছিল...সৰসৰকৈ বৈছিল কেৱল লুণীয়া দুখ....

বিচ্ছেদৰ শোক....আশাৰ হেঁপাহৰ প্ৰেম....ৰাধাৰ হৃদয়ত আছিল কেবল হাহাকাৰ...

কিন্তু ৰাধাই কৃষ্ণক সাহস দিবলৈ মন বান্ধি আহিছিল...চকুপানী আছলৰে মছি কৃষ্ণক মাঠো কৈছিল....কৃষ্ণ কোৱা বিদায়ৰ এই শেষ সময়ত তুমি মোৰ পৰা কি বিচাৰিবা...যি বিচৰা তাকেই দিম...লৈ লোৱা উজাৰি দিম আজি যি বিছৰা...

কৃষ্ণ আছিল চতুৰ...ৰাধাৰ প্ৰতি যে কৃষ্ণৰ প্ৰেম নাছিল তেনে নহয়....কিন্তু সবাটোকৈ সত্য কথা হ'ল কৃষ্ণৰ যৌনতা আছিল প্ৰবল...আছলতে যৌনতাৰ তাড়নাই গঢ়িছিল ৰাধাৰ প্ৰতি প্ৰেম....

কিন্তু ৰাধা আছিল গভীৰ...প্ৰেম সত্য... পবিত্ৰ.... কৃষ্ণক বাদ দি ৰাধাৰ জীবনত জীয়াই থকাৰ নাছিল কোনো বিশেষ উদ্দেশ্য...

কৃষ্ণ আছিল ৰাধাৰ জীবন...ৰাধাৰ সপোন... ৰাধাৰ আশা....

আৰু সেয়ে আজি বিদায়ৰ এই বেলাত কৃষ্ণই যি বিছাৰে তাকেই উজাৰি দিবলৈ বিছাৰিছিল ৰাধাই...

কৃষ্ণও আজি আছিল থৰক বৰক....মনত তাড়না আছিল শেষবাৰৰ বাবে ৰাধাক চুই চোৱাৰ...গছৰ তলত নিবীড়ভাবে পাবলৈকে আহিছিল ৰাধাক...কিন্তু ৰাধা ইমান আবেগ কাতৰতাত হাহাকাৰেৰে বিদায় জনাব আহিছে যে কৃষ্ণই আৰু নিজক থমকি ৰখাব নোৱাৰিলে....হুকহুকাই কান্দি উথিল কিছু সময়...

ৰাধাই চকুলো মছি দিলে কৃষ্ণৰ...আকৌ কলে বিদায় বেলাত কি দিম তোমাক কোৱা....কি বিচৰা....

কৃষ্ণ নিমাত আছিল বহু সময়.....আৰু লাহেকৈ থিয় হৈ কলে.....ৰাধা...শেষ মূহুৰ্তত মোক এটা বস্তু দিয়া সেইটো হ'ল তোমাৰ চকুপানী....মোক কথা দিয়া জীৱনত মোৰ কথা মনত পৰিলে যেন কেতিয়াও নাকান্দা...

ৰাধা নিঠৰ হৈ ৰৈছিল বহু সময়...কৃষ্ণই কি বিচাৰিছে এয়া....চকুপানী..... চকুপানী নহ'লে উজাগৰী ৰাতিবোৰ কিদৰে কটাব ৰাধাই.... নাই নাই কৃষ্ণক কিদৰে মনত পৰিলে চকুপানী ধৰি ৰাখিব পাৰিব ৰাধাই.....চকুপানী নোহোৱাকৈ ৰাধা জীয়াই থাকিব নোৱাৰে......যিদৰে নোৱাৰে কৃষ্ণ অবিহনে ও....

অবশেষত কৃষ্ণক ৰাধাই চকুপানী দিছিল...কৃষ্ণক বিদায় জনাই ৰাধাই জীৱনত আৰু কেতিয়াও এদিনো কান্দা নাছিল...

ৰাধাই কৃষ্ণক দিয়া কথা ৰাখিছিল...

কাৰন ৰাধাই কৃষ্ণ অবিহনে জীয়াই থাকিও মৰা মানুহৰ দৰেই জীয়াই আছিল কৃষ্ণৰ অবৰ্তমানত....

আশা আছিল মাঠো কৃষ্ণ এদিন উভতি আহিব....

আকৌ সেই আকুলতাৰে....বাঁহীৰ সুৰৰ দৰে....

কিন্তু অপেক্ষাৰ অন্ত নাছিল....কৃষ্ণ উভতি আহিম কৈ ও উভতি অহা নাছিল....

ৰাধাৰ চুলি পকিছিল...বয়সে হাৰ মানি আহিছিল....তথাপিও কৃষ্ণলৈ প্ৰবল মৰম বুকুৰ মাজত আঁকোৱালি ৰাখিছিল...

আৰু ৰৈ ৰৈ যেতিয়া কৃষ্ণ উভতি অহাৰ বাতৰি পোৱা নাছিল এদিনাখন ৰাধাই সিদ্ধান্ত লৈছিল যে নিজেই যাব কৃষ্ণৰ ওচৰলৈ...

তেতিয়া কুৰুক্ষেত্ৰ যুদ্ধৰ শেষ সময়....ৰাধা গৈ উপস্থিত হ'ল কৃষ্ণৰ ওচৰত...

ৰাধাই ক'লে..কেনে আছা কৃষ্ণ....

কৃষ্ণই ক'লে ভালেই....ভালেই আছো....

তোমাৰ..?

ৰাধাৰ বুকুত বিষ এটা উক দি আহিছিল....কৃষ্ণলৈ বেকা হাঁহি এটা মাৰি উভতি আহিছিল....

ৰাধাই আৰু জীয়াই থকাৰ ইচ্ছা নাছিল....চকুপানীও নাছিল.....

শেঁতা দুচকুৰে ৰাধা সেই দিনাৰ পিছত শোৱা নাছিল...

মৃত্যুৰ সময়ত ৰাধাৰ চকু দুটা আছিল শীতল...শ্যাম বৰণীয়....হয়টো কৃষ্ণকেই বিছাৰি আছিল ৰাধাৰ চকু দুটাই শেষ সময়টো....

ৰূপম দাস 9613054687